# শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংস দেৱৰ

# চমু জীৱনী

আৰু

# কেইটিমান উপদেশ।

---

হিতব্ৰতৰ—১ম অৰ্ঘ্য।

# শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংস দেৱৰ

# চমু জীৱনী

আৰু

# কেইটিমান উপদেশ।





শ্ৰীপ্ৰাণনাথ বৃজৰবৰুৱা

সংগ্ৰহ কৰোঁতা।

যোৰহাট ৰামকৃষ্ণ সেৱা-সমিতিৰ

পৰা প্ৰকাশিত।

১৮৪৭ শক।




মূল্য।০ চাৰি অনা মাত্ৰ।

# নিবেদন।

শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংস দেৱৰ কথা বোধকৰোঁ বহুতে শুনিছে কিন্তু তেখেতৰ জীৱনৰ ঘটনাবলী বহুতে নাজানিব পাৰে এই ভাবি এই ক্ষুদ্ৰ কিতাপখনি ৰচনা কৰি অসমীয়া ৰাইজৰ আগত ধৰা হ'ল। এই কিতাপ পঢ়ি কাৰো যৎসামান্য উপকাৰ হলেও আমাৰ যত্ন সফল হৈছে বুলি ভাবিম।

শ্ৰীশ্ৰীৰামকৃষ্ণ মিচনৰ কৰ্ত্তৃপক্ষসকলে তেখেত সকলৰ প্ৰকাশিত কিতাপবোৰৰ সহায় লবলৈ অনুমতি দিয়াৰ বাবে তেখেতসকলক আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

এই কিতাপৰ লাভ যোৰহাট ৰামকৃষ্ণ সেৱা-সমিতিৰ কামত খৰচ কৰা হব। ইতি—

বিনীত নিবেদক,

শ্ৰীপ্ৰাণনাথ বুজৰবৰুৱা।

# শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংস দেৱৰ
# চম্নু জীৱনী
আৰু
# কেইটিমান উপদেশ।



## প্ৰথম অধ্যায়।

হুগলি বঙ্গদেশৰ এখন জিলা। সেই জিলাত কামাৰপুকুৰ নামে এখন গাঁও আছে। আজিকালি সেই গাঁৱলৈ, ইচ্ছা কৰিলে ৰেলেৰে যাব পাৰি। হাওৰা ষ্টেচনত উঠি বেঙ্গল-নাগপুৰ ৰেলৰ বিষ্ণুপুৰ বা গড়বেতা ষ্টেচনত নামিব লাগে। তাৰপৰা ২৪ মাইল গৰুৰ গাড়ীৰে বা খোজকাঢ়ি গলে কামাৰপুকুৰ গাঁও পোৱা যায়। কামাৰপুকুৰ গাঁওখন অতি সুন্দৰ। গাঁওৰ চাৰিওফালে মুকলি পথাৰ, পশ্চিম ফালে এটা ডাঙৰ পুখুৰী। তাৰ পাৰত বহুত তাল গছ আছিল দেখি মানুহে তাক তালপুখুৰী বুলিছিল। এই তালপুখুৰাৰ পশ্চিমে কিছু দূৰত এটা সৰু খাল আছিল। সেই খালৰ পাৰত এখন শ্মশান। শ্মশানত সদায় ভূত প্ৰেত বাস কৰে বুলি মানুহৰ বিশ্বাস। এই কাৰণেই এই খালক মানুহে "ভূতিৰ খাল" বুলিছিল। ইয়াৰ পশ্চিমে কিছু দূৰত পথাৰৰ

মাজত এখন সুন্দৰ আম গছৰ বাৰী। এই আম বাৰীত শ্ৰীৰাম-কৃষ্ণই ল'ৰাকালত আন আন লগৰীয়া ল'ৰাৰ লগত ৰং ধেমালি কৰিছিল। গাঁওত বহুত জাতৰ মানুহৰ বাস। আগেয়ে গাঁওত বহুত ধনী মানুহ থাকিছিল গতিকে গাঁওখন বৰ সমৃদ্ধিশালী আছিল, আজিকালি গাঁওৰ অৱস্থা বৰ ভাল নহয়। সেই অঞ্চলৰ মানুহৰ দেৱদ্বিজত বৰ ভক্তি আছিল।

এই কামাৰপুকুৰ গাঁওত ক্ষুদিৰাম চট্টোপাধ্যায় নামে এজনা দুঃখীয়া ব্ৰাহ্মণ বাস কৰিছিল। তেখেত সদায় ঈশ্বৰ চিন্তাত মগ্ন থাকিছিল। দুঃখীয়া হলেও ক্ষুদিৰামে কেতিয়াও কাৰো ওচৰত হাত নাপাতিছিল। যি সামান্য অলপ মাটি আছিল তাৰ উৎপন্নেৰে এক ৰকমে চলি আছিল। তেখেতৰ এজনা ভাগিনিয়েকে মাজে মাজে কিছু অৰ্থ সাহায্য কৰিছিল। ক্ষুদিৰাম সদায় সম্পূৰ্ণৰূপে ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি থাকিছিল। যি সামান্য আয় হৈছিল তাৰেই ক্ষুদিৰামে সৰু সংসাৰ খন চলাই আছিল। ক্ৰিয়া কৰ্ম্ম, পূজা দান, অতিথিসেৱা আদি একো কাম ও বাদ নিদিছিল।

অতিথি সেৱাত ক্ষুদিৰামৰ বৰ অনুৰাগ আছিল। তেখেতৰ ঘৰৰ কিছু দূৰত পুৰিলৈ যোৱা ৰাস্তা। এই ৰাস্তাৰে সাধু-সজ্জন সদায় পুৰিলৈ যাতায়াত কৰিছিল। কেতিয়াবা কেতিয়াবা তেঁও লোকে গাঁওত সোমাই ভিক্ষা সংগ্ৰহ কৰিছিল অথবা মানুহৰ ঘৰত অতিথি হৈছিল। ক্ষুদিৰামৰ ঘৰত আতিথ্য গ্ৰহণ কৰি

তেঁওলোকে তেখেতৰ আন্তৰিক যত্নত পৰম সন্তোষ লাভ কৰিছিল। তেঁওলোকৰ কাৰো কিবা অভাব হোৱা যেন দেখিলে ক্ষুদিৰামে তাক সাধ্যমতে পূৰণ কৰি দিছিল। কোনোৱে কিবা অসুবিধাৰ কথা জনালে বহু ক্ষতি স্বীকাৰ কৰিও তাক দূৰ কৰিবলৈ ক্ষুদিৰাম কেতিয়াও কুণ্ঠিত নহৈছিল।

দেখাত ক্ষুদিৰাম গৌৰবৰ্ণ আৰু দীঘল ধৰণৰ আছিল। তেখেতক খুব তেজস্বী আৰু গম্ভীৰ দেখুৱাইছিল। সত্যবাদী, তপস্বী, আৰু বাকসিদ্ধ বুলি গাঁওৰ মানুহে তেখেতক দেৱতাৰ নিচিনা ভক্তি কৰিছিল। কামাৰপুকুৰ গাঁওৰ হালদাৰৰ ঘৰ বৰ চহকী মানুহ আছিল। ক্ষুদিৰামে সদায় গৈ তেঁওলোকৰ পুখুৰীত গা ধুইছিল কিন্তু তেখেত গা ধুবলৈ নামিলে আন কোনো মানুহ তাত নানামিছিল। তেখেত গা ধুই ঘৰলৈ আহোঁতে মানুহে লগ পালে ভক্তি ভাৱে প্ৰণাম কৰিছিল কিন্তু তেখেতৰ ভৰি চুবলৈ কোনোৱে সাহ নকৰিছিল। বাটেৰে যোৱা দেখিলে সকলোৱে সসম্ভ্ৰমে থিয় হৈছিল।

এদিনাখন ক্ষুদিৰামে কোনো কামৰ নিমিত্তে আন এখন গাঁৱলৈ গৈছিল। বাটত গছৰ তলত বিশ্ৰাম কৰোঁতে তেখেতৰ টোপনি আহিল। শ্ৰীৰামচন্দ্ৰই স্বপ্নত দেখা দি তেখেতক কলে— "মই তোমাৰ ওচৰৰ মাটিৰ তলত বহুদিনৰ পৰা পৰি আছোঁ, অযত্ন আৰু অনাহাৰত খুব কষ্ট পাব ধৰিছোঁ"। ক্ষুদিৰাম টোপনিৰ পৰা চকমক খাই সাৰ পালে আৰু তেখেতৰ ওচৰৰ

মাটি খানি এখন শালগ্ৰাম পালে। বৰ আনন্দেৰে শালগ্ৰাম খনি মূৰত তুলি লৈ ঘৰলৈ আহিল। আৰু যথাবিধি প্ৰতিষ্ঠান কৰি ভক্তিভৰে পূজা কৰিবলৈ ধৰিলে। সেই দিনাৰে পৰা এই শালগ্ৰাম খনিৰ নাম "ৰঘুবীৰ" হল। সেই পৰিয়ালত গৃহ দেৱতা ৰূপে শালগ্ৰাম খনিয়ে আজিলৈও পূজা পাই আছে।

ক্ষুদিৰামৰ পত্নী চন্দ্ৰমণি বৰ সৰল প্ৰকৃতিৰ মানুহ আছিল। বেছি সৰলতাৰ নিমিত্তে কেতিয়াবা কেতিয়াবা তেঁওক অকৰা যেন বোধ হৈছিল। তেঁওৰ আপোনপৰ জ্ঞান নাছিল। আনৰ সেৱা কৰিবলৈ তেঁও ইমান ভাল পাইছিল যে কেতিয়াবা কেতিয়াবা নিজৰ বঢ়া ভাত অতিথিক বা খাবলৈ নোহোৱা ওচৰচুবুৰীয়াক দি আনন্দ মনে উপবাসী থাকিছিল। তেঁওৰ অন্তৰত খং, হিংসা বা লোভৰ ভাৱ অকণো নাছিল। আচৰিত কথা এই মানুহে যে মিছা কথা কব পাৰে, ইয়াক তেঁও কোনো মতেই বুজিব বা বিশ্বাস কৰিব নোৱাৰিছিল।

ক্ষুদিৰামৰ তিনিজন পুতেক আৰু এজনী ছোৱালী। ডাঙৰ পুতেকৰ নাম ৰামকুমাৰ, মাজু পুতেকৰ নাম ৰামেশ্বৰ আৰু সৰু পুতেকৰ নাম ৰামকৃষ্ণ; ছোৱালী জনীৰ নাম কাত্যায়নী। ছোৱালী জনী ৰামকৃষ্ণত কৈ ডাঙৰ। ৰামকৃষ্ণৰ জন্ম তাৰিখ ১২৪২ চনৰ ৬ই ফাগুণ, ইংৰাজী ১৮৩৬ খৃষ্টাব্দৰ ১৭ই ফ্ৰেব্ৰুৱাৰী বুধবাৰ, শুক্লপক্ষৰ দ্বিতীয়া তিথি। তেঁওৰ জন্ম ঠিক ব্ৰাহ্ম মুহূৰ্ত্তত হৈছিল। বাপেক মাকে ৰামকৃষ্ণৰ নাম ৰাখিছিল "গদাধৰ"। পিচত

তোতাপুৰী গোস্বামীয়ে সন্ন্যাস প্ৰদান কালত তেঁওৰ আগৰ গদাধৰ নাম সলাই "ৰামকৃষ্ণ" নাম দিছিল। যি সকলে বেদান্ত মতে ঈশ্বৰ সাধনা কৰি সিদ্ধিলাভ কৰে তেঁওলোকে সংসাৰৰ অসাৰ বস্তু ত্যাগ কৰি সাৰ বস্তু গ্ৰহণ কৰে আৰু সদায় সত্য বস্তু দেখে এই কাৰণে শাস্ত্ৰত তেঁওলোকক পৰমহংস বোলে। ৰামকৃষ্ণেও এনে অৱস্থা লাভ কৰাত তোতাপুৰী গোস্বামীয়ে তেঁওক পৰমহংস বুলি মাতিছিল। এনেকৈয়ে তেঁওৰ নাম ৰামকৃষ্ণ পৰমহংস হৈছিল। ল'ৰা কালত তেঁও বৰ ধুনীয়া আছিল। তেঁওৰ সৰল ব্যৱহাৰ আৰু বুদ্ধিত মুগ্ধ হৈ গাওঁৰ সকলো মানুহই তেঁওক বৰ ভাল পাইছিল।

তেঁওৰ মাত বৰ মিঠা আৰু স্মৃতি শক্তি বৰ তীক্ষ্ণ আছিল। যেই সেই গান এবাৰ শুনিলেই ৰাগিণীয়ে সৈতে তেঁওৰ মনত ৰৈছিল।

কথকৰ মুখত পুৰাণৰ কথা শুনি তাক অবিকল ভাব-ভঙ্গীৰে পুনৰায় অভিনয় কৰিব পাৰিছিল। কামাৰপুকুৰ গাঁওৰ লাহাৰ ঘৰত দুৰ্গা পূজাৰ সময়ত খুব ধুমধাম হৈছিল। বহুত টকা খৰচ কৰি যাত্ৰাগানৰ দল অনাইছিল। সেই কেইদিন কামাৰপুকুৰ গাঁও আনন্দত নাচি থাকিছিল। ৰামকৃষ্ণই সেই যাত্ৰা গানৰ পালাবোৰ আন আন লগৰীয়া ল'ৰাৰ লগত পুনৰ-ভিনয় কৰি বহুদিনলৈকে গাঁওৰ ল'ৰা, বুঢ়া, স্ত্ৰী, পুৰুষ আটাইকে আমোদিত কৰি ৰাখিছিল। তেঁওৰ সৰল ব্যৱহাৰ, প্ৰফুল্লভাব

আৰু আমোদপ্ৰিয়তাৰ নিমিত্তে গাঁওৰ ল'ৰাবিলাকে তেঁওক বৰ ভাল পাইছিল আৰু সদায় তেঁওৰ লগে লগে ফুৰিছিল। এনেকৈ ক্ৰমে ক্ৰমে তেঁও গাঁওৰ ল'ৰাবিলাকৰ নেতা হৈ উঠিছিল। গাঁওৰ পশ্চিমে যি আমবাৰীৰ কথা উল্লেখ কৰি অহা হৈছে সেয়ে তেঁওলোকৰ প্ৰধান আড্ডা আছিল। তাত তেঁও নানা প্ৰকাৰ নতুন নতুন খেলৰ উদ্ভাবন কৰি সঙ্গীবোৰৰ লগত আনন্দ কৰিছিল। কৃষ্ণলীলাত তেঁও নিজে কৃষ্ণ বা ৰাধা আৰু ৰামলীলাত ৰাম সাজিছিল। তেওঁৰ অভিনয় ইমান ঠিক আৰু স্বাভাবিক হৈছিল যে যেয়ে তেঁওৰ অভিনয় দেখিছিল সেয়ে মুগ্ধ হৈছিল। অভিনয় কৰি থাকোঁতে কেতিয়াবা কেতিয়াবা ভাবত বিভোৰ হৈ তেঁওৰ বাহ্যজ্ঞান ৰহিত হৈ মূৰ্চ্ছা হৈছিল। এনেকুৱা অৱস্থাত লগৰীয়া ল'ৰাবোৰে ভয় খাই ওচৰৰ "ভূতিৰ খালৰ" পৰা পানী আনি তেওঁৰ চকু মুখে আৰু মূৰত দিছিল। আৰু গছৰ সৰু সৰু ডাল পাত ভাঙি আনি বিচিছিল।

লাহা পৰিয়ালৰ চ'ৰা ঘৰত গাঁওৰ পঢ়াশালা বহিছিল। ৰামকৃষ্ণও তালৈ পঢ়িবলৈ গৈছিল। তাতো তেঁও লগৰীয়া ছাত্ৰ সকলৰ লগত গান অভিনয় আদি কৰিছিল। পণ্ডিত মহাশয়ে ৰামকৃষ্ণই যে ভালকৈ গান গাব আৰু অভিনয় কৰিব পাৰিছিল তাক আন আন মানুহৰ আৰু ল'ৰাবোৰৰ পৰা জানিছিল। এদিন গান গাই আৰু অভিনয় কৰি দেখুৱাবলৈ পণ্ডিত মহাশয়ে ৰামকৃষ্ণক অনুৰোধ কৰিছিল। ৰামকৃষ্ণই আন আন লগৰীয়া ছাত্ৰবিলাকক লৈ গান আৰু অভিনয় কৰি দেখুৱাইছিল। পণ্ডিত

মহাশয়ে ৰামকৃষ্ণৰ এনেকুৱা অদ্ভুত ক্ষমতা দেখি আচৰিত হৈছিল আৰু ৰামকৃষ্ণ যে সময়ত এজন মানুহ হব তাৰ লক্ষণ দেখিছিল।

ৰামকৃষ্ণৰ মুখে পুৰাণৰ কথা আৰু ধৰ্ম্ম সম্বন্ধীয় গান শুনিবলৈ গাঁওৰ সকলোৰে বৰ ভাল পাইছিল আৰু ৰামকৃষ্ণেও সকলোকে আনন্দিত কৰিবলৈ যত্নৰ ত্ৰুটি কৰা নাছিল। গাঁওৰ মানুহে ৰামকৃষ্ণক নেদেখিলে থাকিব নোৱাৰিছিল। ৰামকৃষ্ণক এবেলা নেদেখিলে গাঁওৰ মানুহে তেঁওক বিচাৰি ফুৰিছিল।

সৰুৰ পৰাই ৰামকৃষ্ণৰ উচ্চ নীচ একো জ্ঞান নাছিল। নীচ জাতায় মানুহৰ ঘৰলৈ গৈও তেঁও প্ৰহ্লাদ-চৰিত্ৰ, ধ্ৰুব-চৰিত্ৰ আৰু ৰামায়ণ পাঠ কৰি সিহঁতক শুনাইছিল। এইদৰে ৰামকৃষ্ণই কামাৰপুকুৰ গাঁওখনক চিৰ-আনন্দময় কৰি ৰাখিছিল। তেঁও মূৰ্ত্তিমান আনন্দ স্বৰূপ আছিল। যি কোনো কাৰণত বিমৰ্ষ হৈ তেঁওৰ ওচৰলৈ গলে মানুহৰ বিষন্ন ভাব দূৰ হৈ মনত আনন্দ লাভ হৈছিল।

ৰামকৃষ্ণৰ সাত বছৰ বয়সত ক্ষুদিৰাম দেহত্যাগ কৰে। ৰামকুমাৰ আৰু ৰামেশ্বৰৰ ওপৰত এতিয়া সংসাৰ চলোৱাৰ ভাৰ পৰিল। ক্ষুদিৰামৰ সংসাৰ মহাদেবৰ সংসাৰ যেন আছিল—সঞ্চয়ও নাছিল একো আৰু নিৰ্দ্দিষ্ট আয়ও নাছিল একো অৰ্থাৎ আকালো নাছিল, ভড়ালো নাছিল। কিন্তু সেই বুলি দান ধৰ্ম্মত কোনো ত্ৰুটি নাছিল। ক্ষুদিৰামৰ পুতেকহঁতৰো স্বভাব, চৰিত্ৰ আৰু

প্ৰকৃতি ঠিক ক্ষুদিৰামৰ নিচিনাই আছিল—সৎকাৰ্য্য, দেবপূজা, অতিথি সেৱা আগৰ দৰে যথাবৎ চলিয়ে আছিল। কিন্তু অৰ্থ উপাৰ্জ্জন কেনেকৈ কৰিব লাগে তাৰ একো চিন্তা তেওঁলোকৰ মনত খেলাই নাছিল। এইদৰে আৰু কিমান দিন চলিব? লাহে লাহে তেওঁলোকৰ বহুত ধাৰ হল। ঋণ পৰিশোধৰ কোনো উপায় নেদেখি আত্মীয় স্বজনে পৰামৰ্শ কৰি ৰামকুমাৰক কলিকতালৈ পঠিয়ালে। ৰামকুমাৰ কলিকতালৈ আহি ঝামাপুকুৰ নামে ঠাইত এখন টোল খুলিলে।

ৰামকৃষ্ণৰ বয়স তেতিয়া চোধ্য বছৰ। ৯ বছৰ বয়সতে তেওঁৰ উপনয়ন হৈছিল। ৰামকুমাৰ কলিকতালৈ যোৱাত ৰামকৃষ্ণই ৺ৰঘুবীৰৰ সেৱা-পূজা চলাই আছিল। ঘৰত থাকি ৰামকৃষ্ণৰ একো পঢ়াশুনা নোহোৱা দেখি ৰামকুমাৰে ১৭ বছৰ বয়সত তেওঁক কলিকতালৈ লৈ আহিল। ৰামকুমাৰে ভাবিলে কলিকতাত থাকিলে ৰামকৃষ্ণৰ পঢ়াশুনাও হব আৰু তেওঁৰ বন্ধা বঢ়া কাম আদিত কিছু সহায়ো হব। প্ৰকৃততে ৰামকৃষ্ণৰ পৰা তেওঁ বহুতো সহায় পাইছিল কিন্তু পঢ়াশুনাত ৰামকৃষ্ণৰ কোনো উৎসাহ দেখা নগৈছিল। ল'ৰা কালৰ পৰাই ৰামকৃষ্ণৰ ধৰ্ম্ম-বিষয়ত বাদে আন একোতে মন নবহিছিল। গান, খেলা, আমোদ, আহ্লাদ সকলোতেই এক ধৰ্ম্মভাৱ ফুটি উঠিছিল। এক কথাত তেওঁৰ দেহ-মন যেন ভক্তিৰে গঠিত হৈছিল। এই কাৰণেই ৰামকৃষ্ণই পুস্তক গত বিদ্যা ভালদৰে শিকিব পৰা নাছিল।



দক্ষিণেশ্বৰৰ কালী মন্দিৰ।

# দ্বিতীয় অধ্যায়।



কলিকতাৰ জানবজাৰত ৰায় ৰাজকৃষ্ণ দাস নামে এজন ডাঙৰ জমিদাৰ আছিল। তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ পৰিবাৰ শ্ৰীমতী ৰাসমণিয়ে এনেকুৱা দক্ষতাৰে জমিদাৰী চলাইছিল যে মানুহে তেওঁৰ তেজস্বিতা আৰু দয়া প্ৰভৃতি গুণত মুগ্ধ হৈ তেওঁক "ৰাণী" বুলিছিল। সঁচাকৈএ তেওঁৰ প্ৰকৃতি আৰু চালচলন ঠিক ৰাণীৰ নিচিনাই আছিল। তেওঁৰ শৌৰ্য্যবীৰ্য্য, পৰোপকাৰ, দান-দক্ষিণা আৰু আন আন কাৰ্ত্তি কাহিনা বঙ্গদেশৰ সকলো ঠাইতে আজিলৈও জনাজাত আছে।

ৰাসমণিয়ে কলিকতাৰ ৩ মাইল উত্তৰে, গঙ্গাৰ পাৰত দক্ষিণেশ্বৰ নামে গাঁওত একখণ্ড মাটি কিনি বহু অৰ্থব্যয় কৰি বৰ ডাঙৰকৈ এখন দেৱালয় সজাইছিল। তেওঁৰ ইচ্ছা আছিল শ্ৰীশ্ৰীৰাধাগোবিন্দ আৰু শ্ৰীশ্ৰীকালীকা দেবীৰ মূৰ্ত্তি স্থাপন কৰি তাত শাস্ত্ৰ বিহিত পূজাৰ বন্দোবস্ত কৰিব আৰু দেৱতাৰ প্ৰসাদেৰে ব্ৰাহ্মণ, সাধু আৰু গৰিব লোকক সেৱা কৰিব। শাস্ত্ৰ বিহিত ব্যৱস্থা কৰিবলৈ বহুত ব্ৰাহ্মণ পণ্ডিতক নিমন্ত্ৰণ কৰি মতাই অনাইছিল। পণ্ডিত-সকল একেলগ হৈ ৰাণীৰ উদ্দেশ্য শুনামাত্ৰেই সকলোৱে একবাক্যে কলে ৰাণী কৈবৰ্ত্ত বংশীয়া, কাজেই কোনো

সদ্ব্ৰাহ্মণেই তেওঁৰ প্ৰতিষ্ঠিত কালীৰ পূজা কৰিব নোৱাৰিব আৰু শূদ্ৰজাতিয়ে প্ৰতিষ্ঠিত কৰা দেৱতাক অন্নভোগ কেতিয়াও দিব নোৱাৰিব।

পণ্ডিত-সকলৰ এই ব্যৱস্থা শুনি ৰাণী বৰ মৰ্ম্মাহত হ'ল। তেওঁৰ বৰ হেপাহৰ শ্যাম আৰু শ্যামাৰ সেৱাত বৰ বিঘ্ন উপস্থিত হল। পণ্ডিত সকলৰ এই ব্যৱস্থাত ৰাণীৰ মনে প্ৰবোধ নামানিলে। শাস্ত্ৰত তেওঁৰ উদ্দেশ্য সিদ্ধিৰ কোনো উপায় অৱশ্যে পোৱা যাব এই বিশ্বাসত তেওঁ নানা ঠাইৰ পণ্ডিত সকলৰ ব্যৱস্থা খুজি পঠিয়ালে কিন্তু দুঃখৰ বিষয় কোনোৱে ৰাসমণিৰ ইচ্ছামত দেৱ-সেৱাৰ কাৰ্য্য সমৰ্থন নকৰিলে।

ঘটনাক্ৰমে ৰামকুমাৰৰ কাণত এই কথা পৰিল। ৰামকুমাৰ অতি সৰল বিশ্বাসী মানুহ আছিল। ৰামকুমাৰে ভাবিলে পণ্ডিতসকলৰ নিশ্চয় কিবা ভুল হৈছে; শাস্ত্ৰই কেতিয়াও কাকো দেৱসেৱা কৰিবলৈ বাধা নিদিয়ে। নিশ্চয় ইয়াৰ কোনো বিধান আছে। বহুত চিন্তা কৰি ৰামকুমাৰে এটা উপায় উলিয়ালে। ৰাণীলৈ ৰামকুমাৰে এইদৰে ব্যৱস্থা লিখি পঠিয়ালে যে যদি ৰাণীয়ে তেঁওৰ গুৰুদেৱক কালী মন্দিৰ দান কৰে তেনেহলে গুৰুৰ নামে প্ৰতিষ্ঠিত মন্দিৰত দেৱতা পূজা আৰু অন্নভোগ দিয়াত কাৰো আপত্তি থাকিব নোৱাৰে। ৰামকুমাৰৰ এই ব্যৱস্থা পাই আৰু এনে সুন্দৰ যুক্তি দেখি ৰাণী ৰাসমণী যাৰপৰ নাই সুখী হ'ল

আৰু ইয়াৰ নিমিত্তে ৰামকুমাৰক আশাতিৰিক্ত পুৰস্কাৰো দিলে।

ৰামকুমাৰৰ ব্যৱস্থানুসাৰে শ্ৰীশ্ৰীৰাধাগোবিন্দ আৰু শ্ৰীশ্ৰী-কালী মাতাৰ প্ৰতিষ্ঠানৰ নিমিত্তে এটা শুভদিন ধাৰ্য্য হল। কিন্তু প্ৰতিষ্ঠা কাৰ্য্য সম্পাদন কৰিবলৈ উপযুক্ত মানুহ পোৱা নগল। জেদ কৰি কোনো ব্ৰাহ্মণ পণ্ডিত নাহিল। অগত্যা ৰামকুমাৰেই সেই প্ৰতিষ্ঠা কাৰ্য্য নিজে কৰিবঁ লগা হল। সেইদিন স্নানযাত্ৰা ১২৬২ চনৰ ১৮ জেঠ, ইংৰাজী ১৮৫৫ খ্ৰীষ্টাব্দৰ ৩১ মে। ৰাম-কুমাৰৰ লগত সেইদিনা ৰামকৃষ্ণও কালী মন্দিৰৰ মহোৎসব দৰ্শন কৰিবলৈ গৈছিল। কিন্তু ৰামকৃষ্ণই তাত অন্ন গ্ৰহণ নকৰিলে— বজাৰৰ পৰা মুড়ি মিঠাই কিনি খালে।

উপযুক্ত পূজাৰীৰ অভাৱত ৰামকুমাৰেই মা কালীৰ পূজা-ৰী হব লগীয়া হল। মন্দিৰৰ সকলো বিষয়ৰ তত্বাবধানৰ ভাৰ পৰিল ৰাণীৰ জোঁৱায়েক শ্ৰীমান মথুৰা মোহন দাসৰ ওপৰত। ৰামকৃষ্ণই কলিকতাত থাকি কি কৰিব ভাবিব ধৰিলে। কৈৱৰ্ত্তৰ প্ৰতিষ্ঠিত কালীমন্দিৰত কালী-পূজা, আৰু অন্নগ্ৰহণ কৰা তেঁও ধৰ্ম্মসঙ্গত বুলি ভাবিব নোৱাৰিলে। ৰামকুমাৰে ৰামকৃষ্ণক দক্ষিণেশ্বৰলৈ মাতি আনি শাস্ত্ৰৰ বিধান আৰু আন আন উপায়ে আৰু যুক্তিৰে বুজাই দিলে যে মা কালীৰ পূজা আৰু প্ৰসাদ গ্ৰহণ কৰি তেঁও কোনো অন্যায় কাম কৰা নাই। ৰাম-

কুমাৰৰ অখণ্ডনীয় যুক্তিত ভ্ৰান্ত বিশ্বাস দূৰ হলত ৰামকৃষ্ণই তেতিয়াৰ পৰা ৰামকুমাৰৰ লগত দক্ষিণেশ্বৰত থাকিবলৈ ধৰিলে।

ৰামকৃষ্ণৰ আকৃতি-প্ৰকৃতি দেখি মথুৰ বাবু ক্ৰমে তেঁওৰ প্ৰতি আকৃষ্ট হব ধৰিলে। তেঁওৰ অপূৰ্ব্ব সৰলতাপূৰ্ণ মুখখন যেয়ে দেখিছিল সেয়ে মুগ্ধ নোহোৱাকৈ নাথাকিছিল। এনে কি শেষ বয়সত ডাক্তাৰ মহেন্দ্ৰলাল প্ৰভৃতিয়েও তেঁওৰ এই অপূৰ্ব্ব সৰলতা দেখি মুগ্ধ হৈছিল, আৰু তেওঁক "প্ৰকৃতিৰ শিশু" বুলি মাতিছিল।

এদিন মথুৰ বাবুই দেখিলে, ৰামকৃষ্ণই পূজাৰ নিমিত্তে নিজেই এটা শিৱমূৰ্ত্তি গঢ়িছে। মূৰ্ত্তিটো এনে সুন্দৰ হৈছিল যে প্ৰায়ে তেনে সুন্দৰ মূৰ্ত্তি দেখিবলৈ পোৱা নাযায়। মথুৰ বাবুই মূৰ্ত্তি গঠনত ৰামকৃষ্ণৰ অসাধাৰণ প্ৰতিভাৰ পৰিচয় পাই বৰ মুগ্ধ হল। তেঁও ৰাণীক মূৰ্ত্তিটো দেখুৱাই ৰামকৃষ্ণৰ প্ৰতিভা, তেজোময় কান্তি, ধৰ্ম্মভাব, সৰলতা প্ৰভৃতিৰ বিষয় কলে। সেই দিনাৰে পৰা মথুৰ বাবুই ৰামকৃষ্ণক মন্দিৰৰ কোনো কামত নিযুক্ত কৰিবলৈ সুযোগ বিচাৰিব ধৰিলে কিন্তু ৰামকৃষ্ণ কোনো মতেই সম্মত নহল। তেতিয়াৰে পৰা ৰামকৃষ্ণ মথুৰ বাবুৰ আগত বহুতদিনলৈ নোলাইছিল; তেঁওক দেখিলে পলাই ফুৰিছিল। কিছুদিনৰ পিচত পৰিবাৰবৰ্গৰ অৰ্থাভাব, ৰামকুমাৰৰ

অনুৰোধ আৰু মথুৰ বাবুৰ আগ্ৰহ ইত্যাদি কথা ভাবি কালী মন্দিৰত মা কালীৰ বেশকাৰীৰ কামত ৰামকৃষ্ণ নিযুক্ত হল। সেই সময়ত তেঁওলোকৰ ভাগিনিয়েক হৃদয় বাবুও কাম বিচাৰি দক্ষিণেশ্বৰলৈ গৈছিল। মথুৰ বাবুই হৃদয়ক ৰামকৃষ্ণৰ সহকাৰী নিযুক্ত কৰিলে।

এদিন ৰাধাগোবিন্দৰ মন্দিৰত এটা বৰ ডাঙৰ ঘটনা হল। পূজাৰীয়ে ৰাধাগোবিন্দ মূৰ্ত্তিক শুৱাই থবলৈ ধৰোঁতে হাতৰপৰা পিছলি পৰি মূৰ্ত্তিৰ ভৰি এখন ভাঙি থাকিল। এই ঘটনা লৈ দক্ষিণেশ্বৰত মহা হুলস্থুল লাগিল: কোনোৱে কবলৈ ধৰিলে ভগ্নদেৱতাৰ পূজা নিষেধ, সেই মূৰ্ত্তিক পেলাই দি নতুন মূৰ্ত্তি স্থাপন কৰিব লাগে। কোনোৱে বা কবলৈ ধৰিলে সাধাৰণ বস্তুৰ নিচিনাকৈ দেৱতাৰ মূৰ্ত্তিক পেলাই দিয়া ভাল নহয়; ইত্যাদি কৈ নানা জনে নানা মত দিব ধৰিলে। এই বিষয়ে নিজ কৰ্ত্তব্য নিৰ্দ্ধাৰণৰ নিমিত্তে ৰাণীয়ে কেইবাজনো পণ্ডিতক শাস্ত্ৰ বিধান মতে ব্যৱস্থা দিবলৈ মাতিলে। পণ্ডিত সকলে ভগ্ন দেবতাক পেলাই দি নতুন মূৰ্ত্তি স্থাপন কৰাৰ ব্যৱস্থাহে দিলে। অৱশেষত ৰামকৃষ্ণৰ নো কি মত ৰাণীয়ে জানিব খুজিলে। ৰামকৃষ্ণই ভাৱত তন্ময় হৈ কলে—“ আমাৰ কোনো আত্মীয় স্বজনৰ ভৰি ভাঙিলে আমি তেঁওক পৰিত্যাগ কৰোঁ নে যাতে তেঁও সোনকালে ভাল হয় তেনেকুৱা চিকিৎসাৰ ব্যৱস্থা কৰোঁ; ইয়াতো ঠিক তেনেকুৱা ই ব্যৱস্থা কৰা হওক”। এই ব্যৱস্থা শুনি ৰাণী আৰু মথুৰ বাবুৰ

বৰ আনন্দ হল। তেঁওলোকৰ মনৰ পৰা ভয় আৰু সকলো সন্দেহ দূৰ হল। তেঁওলোকৰ অনুৰোধ মতে ৰামকৃষ্ণই ৰাধা-গোবিন্দ মূৰ্ত্তিৰ ভঙা ভৰিখন এনে নিপুণ ভাবে জোৰা লগাই দিলে যে তাক আৰু কেতিয়াবা ভাঙিছিল বুলি চিনিব নোৱাৰা হল।

অসাবধানতা অপৰাধত ৰাধাগোবিন্দৰ পূজক পদচ্যুত হল। আৰু তেঁওৰ ঠাইত ৰামকৃষ্ণ পূজক নিযুক্ত হল। ইয়াৰ কিছুদিনৰ পিচত ৰামকুমাৰৰ মৃত্যু হোৱাত ৰামকৃষ্ণ মা কালীৰো পূজক নিযুক্ত হল।

---

# তৃতীয় অধ্যায়।



প্ৰতিষ্ঠা কৰাৰ সময়ত প্ৰত্যেক দেব-দেবীৰ একোটা নাম দিয়া হয়। ৰাণী ৰাসমণিৰ প্ৰতিষ্ঠিত মা কালীৰ নাম শ্ৰীশ্ৰীভবতাৰিণী ৰখা হৈছিল। মা ভবতাৰিণীৰ সেৱাত ৰামকৃষ্ণ ক্ৰমে ক্ৰমে বেচি তন্ময় হৈ যাব ধৰিলে। তেঁও ৰাতিপুৱাই নিজ হাতে ফুল তুলি মালা গাঠিছিল, গা ধুই মাৰ পূজাত মনোনিবেশ কৰিছিল আৰু পূজাৰ শেষত মা কালীক গান গাই শুনাইছিল। ৰামপ্ৰসাদ, ৰাজা ৰাজকৃষ্ণ প্ৰভৃতি সাধক সকলৰ গান গাই তেঁও ভাবোন্মত্ত হৈ গৈছিল আৰু তেঁওৰ গালেৰে চকুৰ পানী অনবৰত বৈ থাকিছিল। ভাটিবেলা কেৱল মা ভবতাৰিণীক বিচনিৰে বিচিছিল নাইবা মা কালীৰ প্ৰীতিৰ নিমিত্তে কোনো নহয় কোনো কামত নিযুক্ত থাকিছিল। গধূলি আৰতি দিয়া হলে মাৰ প্ৰসাদ গ্ৰহণ কৰিহে শুইছিল। কিন্তু কাইলৈ মা ভবতাৰিণীক কেনেকৈ আৰু কিৰূপে সেৱা কৰি বেচি সুখী কৰিব এই চিন্তাত তেঁওৰ গোটেই ৰাতি সমূলি টোপনি নাহিছিল। ৰামকৃষ্ণই এনেকৈয়ে দিন-ৰাতি মাৰ চিন্তাত সময় নিয়াইছিল।

দিনে দিনে ৰামকৃষ্ণৰ তন্ময়তা ইমান বাঢ়ি গৈছিল যে, গান কৰিব ধৰিলে গান আৰু শেষ নহৈছিল; মা ভবতাৰিণীৰ চিন্তা

কৰিব ধৰিলেই গভীৰ ধ্যানত মগ্ন হৈ গৈছিল। আৰতি কৰিব ধৰিলে যন্ত্ৰৰ নিচিনা বহুত সময় আৰতি প্ৰদীপ মাৰ সন্মুখত ধৰি থাকিছিল—চাকি নুমাই যায়, বাদক সকলে বিৰক্ত হৈ বাজনা থৈ দিয়ে, কিন্তু ৰামকৃষ্ণৰ আৰতি আৰু শেষ নহয় হে নহয়!

পাষাণময়ী মূৰ্ত্তিৰ সেৱা আৰু কল্পিতৰূপৰ ধ্যান কৰি ৰাম-কৃষ্ণৰ বৰ ভাল নলগা হল। মা কালীক সাক্ষাৎ-জীৱন্তৰূপে পাবলৈ তেঁওৰ প্ৰাণ কাঁন্দি উঠিল। পূৰ্ব্বৰ সেই সদানন্দ আৰু চঞ্চল ভাব গৈ গাম্ভীৰ্য্যময় হৈ উঠিল। সকলোৱে ভাবিলে যে বয়সৰ লগে লগে গম্ভীৰ স্বভাৱ হৈ আহিছে।

আজিকালি যি ঠাইক পঞ্চবটী বোলে তাত এদাল ডাঙৰ আমলখু গছ আছিল আৰু তাৰ তলখন অগাধ জঙ্ঘলে ভৰা আছিল। ৰামকৃষ্ণই এই গছৰতলত বহি সদায় ৰাতি ধ্যান কৰিছিল। মা ভবতাৰিণীৰ পূজা, ধ্যান আৰু সেৱা কৰি কৰি তেঁওৰ ব্যাকুলতা ক্ৰমে বেছিকৈ বাঢ়ি যাব ধৰিলে। মনৰ ভাব আৰু চাপি ৰাখিব নোৱাৰা হল। আহাৰ নিদ্ৰা পাহৰি দিনে-ৰাতিয়ে কেৱল মাটিত বাগৰি মা মা বুলি কাঁন্দি ফুৰিব ধৰিলে পুত্ৰশোকত মাক যেনেকুৱা অধীৰ হয় নাইবা মাতৃহীন শিশুয়ে যেনেকৈ কেওফাল অন্ধকাৰ দেখে, তেঁও তাতকৈও বেছি অধীৰ হৈ উঠিল। তেঁওৰ আৰ্ত্তনাদ শুনি মানুহে চকুৰ পানী ৰাখিব নোৱাৰা হল। ক্ৰমে তেঁওৰ এনে অৱস্থা হল যে, মা ভবতাৰিণীক

নেদেখিলে তেঁও আৰু এক দণ্ডও বাঁচি থাকিব নোৱাৰা হল। সঁচাকৈএ এদিন মা ভৱতাৰিণীয়ে ত্ৰিভুবন পোহৰকৰি ৰামকৃষ্ণক দেখা দিলে। ৰামকৃষ্ণই দেখিলে—জগতৰ সমুদায় ৰূপ যেন একেলগ কৰি আৰু ঘনীভূত হৈ মা ভৱতাৰিণীয়ে শ্যামাৰূপ ধৰি আহিছে, তেঁওৰ চকুৰ পসাৰতে যেন জগৎখন লৰিব ধৰিছে, সেই দৃষ্টি যেন সকলো মানুহৰ হৃদয়ৰ অভ্যন্তৰলৈকে স্পৰ্শ কৰিছে! ৰামকৃষ্ণই মাৰ এনেকুৱা ৰূপ দেখি আত্মহাৰা হৈ গল। দুই তিন দিনলৈ আৰু তেওঁৰ কোনো বাহ্যজ্ঞান নাথাকিল।

আমি ৰূপবান আৰু গুণবান মানুহৰ বিৰহত কতনা কষ্ট পাওঁ; যি সকলো ৰূপৰ আৰু সকলো গুণৰ আধাৰ, তেওঁৰ বিৰহ নাজানোঁ কিমান কষ্টকৰ! মা শ্যামাক এবাৰ মাথোন দেখিয়েই ৰামকৃষ্ণৰ প্ৰাণ তাতেই মগ্ন হল। মা ভৱতাৰিণীক কিছু সময় নেদেখাকৈ থাকিলে ৰামকৃষ্ণৰ প্ৰাণ আৰু নৰয় যেন, এনেকুৱা অৱস্থা হল। তেওঁৰ সেই অধীৰতা দেখিলে অবাক হব লাগে। তেওঁ গঙ্গাৰ পাৰত য'তে ত'তে বাগৰি মা মা বুলি গভীৰ আৰ্ত্তনাদ কৰি ফুৰিব ধৰিলে! মানুহে প্ৰথমে প্ৰথমে তেওঁৰ এই কষ্টৰ কথা একোকে বুজা নাছিল। কোনোৱে ভাবিলে তেওঁৰ শূল বেদনা আছে আকৌ কোনোৱে বা ভাবিলে তেওঁ ঘোৰ পাগল হৈ হৈছে। মা ভৱতাৰিণীৰ বিৰহ-ব্যথাত কেতিয়াবা কেতিয়াবা তেওঁ মাটিত ধাস্ কৰে আছাড় খাই পৰিছিল আৰু কেতিয়াবা বা গঙ্গাৰ পাৰৰ বোকাত পৰি ছট্‌ফট্

কৰি ফুৰিছিল। মা ভবতাৰিণীক বহুত পৰ দেখা নাপালেই তেওঁৰ এনেকুৱা অৱস্থা হৈছিল। কিন্তু যেতিয়া এই যন্ত্ৰণা খুব অসহ্য হৈছিল তেতিয়া মা শ্যামাই দেখা দি তেওঁক নানা প্ৰকাৰে সান্ত্বনা দিছিল। ক্ৰমে মা শ্যামাই ঘন ঘনকৈ দেখা দি তেওঁক বুজাই দিলে যে, তেওঁ দূৰলৈ নাযায়, ৰামকৃষ্ণৰ হৃদয়ত আৰু মন্দিৰৰ পাষাণ মূৰ্ত্তিত সদায় জীৱন্তৰূপে তেওঁ বিৰাজ কৰি আছে। মাকে যেনেকৈ সন্তানক লৈ আনন্দ কৰে, মা ভবতাৰিণীয়েও ঠিক তেনেকৈ ৰামকৃষ্ণক লৈ আনন্দ কৰিব ধৰিলে।

ৰামকৃষ্ণৰ অধীৰতা আৰু ব্যাকুলতা বহুত পৰিমাণে এতিয়া দূৰ হল সঁচা কিন্তু মা ভবতাৰিণীক ভালপোৱা ভাৱটো নতুন আন এক আকাৰত প্ৰকাশ পাব ধৰিলে। তেওঁ এতিয়া পাষাণময়ী মূৰ্ত্তিৰ লগত কথা পাতে, হাঁহে, নানাৰকম ধেমালি কৰে; তেওঁক নৈবেদ্য খুৱাবলৈ যায় আৰু তেওঁৰ বিছনাত শুই থাকে; কেতিয়াবা বা মাৰ নৈবেদ্য কাউৰী কুকুৰক খুৱায় আৰু কেতিয়াবা বা নিজেই খায়; মাৰ চৰণত ফুল নিদি নিজৰে মূৰত দিয়ে আৰু কেতিয়াবা বা মন গলে চাৰিওফালে চটিয়াই পেলায়। মন্দিৰৰ আন আন কৰ্ম্মচাৰী সকলে ৰামকৃষ্ণৰ এইবোৰ কাম বৰ অনাচাৰ বুলি কবলৈ ধৰিলে। কিন্তু ৰামকৃষ্ণৰ ভাবোন্মত্ত আৰু তেজোময় চেহাৰা দেখি তেওঁৰে সৈতে কথাবাৰ্ত্তা হবলৈ এনেকি তেওঁৰ ওচৰলৈ যাবলৈকো কাৰো সাহ নহল। তেওঁলোকে মথুৰ বাবুক জনালে যে, ৰামকৃষ্ণ ভয়ানক পাগল হৈ কালী

মন্দিৰত যি ইচ্ছা যায় তাকেই কৰিব ধৰিছে ; সোনকালে ৰাম-কৃষ্ণক মন্দিৰৰ পৰা খেদি নিদিলে তেওঁৰ অনাচাৰত দেৱীৰ কষ্ট হব আৰু আটাইৰে ঘোৰ অমঙ্গল হব।

হৃদয়ে মোমায়েকৰ অসুখ হৈছে ভাবি প্ৰথমে তেওঁৰ চিকিৎসাৰ বন্দোৱস্ত কৰিলে ; কিন্তু একোতেই একো নহল। হৃদয়ে কোনো ৰকমে মা ভবতাৰিণীৰ পূজা চলাই মোমায়েকৰ কামটো বজাই ৰাখিবলৈ চেষ্টা কৰিব ধৰিলে কিন্তু তেওঁৰ পাগ-লামি আৰু বেছি দিন ঢাকি ৰখা টানহৈ পৰিল। ক্ৰমে ক্ৰমে এইবোৰ কথা গৈ মথুৰ বাবুৰ কাণত পৰিল। মথুৰ বাবুই প্ৰথমে প্ৰথমে ভাবিছিল যে সামান্য অসুখ দুই চাৰি-দিনতে ভাল হৈ যাব পাৰে! কিন্তু যেতিয়া ৰামকৃষ্ণৰ পাগলামি ক্ৰমে উত্তৰোত্তৰ বৃদ্ধি হোৱাৰ কথা শুনিলে তেতিয়া মথুৰ বাবুৰ ভয়ানক চিন্তা হল আৰু কালী মন্দিৰলৈ আহি নিজেই ৰামকৃষ্ণৰ কাৰ্য্য-কলাপ পৰ্য্যবেক্ষণ কৰিবলৈ ধৰিলে। মথুৰ বাবু বৰ বুদ্ধিমান মানুহ আছিল। ৰামকৃষ্ণৰ কাৰ্য্য-কলাপ কেইদিনমান পৰ্য্যবেক্ষণ কৰি তেওঁ বুজিলে যে ৰামকৃষ্ণৰ একো অসুখো হোৱা নাই আৰু তেওঁ পাগলও হোৱা নাই। মা কালী সঁচাকৈএ ৰামকৃষ্ণক দেখা দি তেওঁৰ লগত তেনেকুৱা ব্যৱহাৰ কৰিছে। এইবোৰ কথা বুজি পোৱাত মথুৰ বাবুৰ হৃদয় ৰামকৃষ্ণৰ প্ৰতি ভক্তিত পূৰ্ণ হৈ উঠিল। তেওঁ ৰামকৃষ্ণক নিজ ইষ্ট দেৱতাৰ নিচিনা জ্ঞান কৰি সেই ৰকম ব্যৱহাৰ কৰিব ধৰিলে। মন্দিৰৰ কৰ্ম্মচাৰী সকল মথুৰ বাবুৰ এনেকুৱা বিপৰীত আচৰণ দেখি অবাক হল!

মথুৰ বাবুই অতি আনন্দেৰে ৰাণীক এই খবৰ দিলত ৰাণী ৰামকৃষ্ণৰ এই অপূৰ্ব্ব আচৰণ চাবলৈ আহিল। মন্দিৰৰ কৰ্ম্মচাৰী সকলে ভাবিলে ৰামকৃষ্ণই কোনো গুণ-মন্ত্ৰ কৰি মথুৰ বাবুক ভুলাইছে সঁচা কিন্তু ৰাণীক কেতিয়াও ভুলাব নোৱাৰিব; ৰাণীয়ে ৰামকৃষ্ণৰ অনাচাৰবোৰ শুনি আৰু দেখি নিশ্চয় ৰামকৃষ্ণক মন্দিৰৰ পৰা উলিয়াই দিব। এই কথা শুনি ৰামকৃষ্ণই বৰ ভয় খালে আৰু পাঁচ বছৰীয়া ল'ৰাৰ নিচিনা নিজৰ পিন্ধা কাপোৰখন কাষলতিৰ মাজত লৈ মা ভবতাৰিণীৰ আঁচলখনত ধৰি মূৰ্ত্তিৰ পাছ-ফালে লুকাই থাকিল। ৰাণীক অহা দেখি ৰামকৃষ্ণই কোঁচমোচ খাই ভগৱতীৰ আঁচলখন আৰু বেছিকৈ টানি ধৰিলে আৰু মাজে মাজে ৰাণীৰ গতিবিধি লক্ষ্য কৰিব ধৰিলে। ভক্তিমতী ৰাণীয়ে এই দৃশ্য দেখি কাঁন্দিবলৈ ধৰিলে। ৰাণীয়ে বুজিলে যে ৰামকৃষ্ণই মা ভবতাৰিণীক সঁচাকৈএ মা ৰূপে নেদেখিলে কেতিয়াও ল'ৰাৰ নিচিনা আচৰণ কৰিব নোৱাৰিলেহেঁতেন। ইমান অৰ্থব্যয় কৰি মা ভবতাৰিণীক প্ৰতিষ্ঠা কৰা সাৰ্থক হল। এইবোৰ ভাবি ৰাণীয়ে নিজকে নিজে কৃতাৰ্থ বুলি ভাবিলে। মন্দিৰৰ মূৰ্খ কৰ্ম্মচাৰীবিলাক মথুৰ বাবুতকৈও ৰাণীক বেছি মুগ্ধ হোৱা দেখি কিংকৰ্ত্তব্যবিমূঢ় হৈ ৰল।

সেই দিনাৰে পৰা মা ভবতাৰিণী আৰু পাষাণৰ মূৰ্ত্তি হৈ নাথাকিল, তেওঁ চিন্ময়ীৰূপে ৰামকৃষ্ণক ধৰা দি নিজৰ লীলা ৰসত ৰামকৃষ্ণক ডুবাই ৰাখিলে। প্ৰচলিত নিয়ম প্ৰণালী মানি

প্ৰতিদিন নিয়মিত সময়ত মা ভবতাৰিণীৰ পূজা-ভোগ-আৰতি আৰু আন আন সকলো সেৱাৰ কাৰ্য্য কৰা ৰামকৃষ্ণৰ পক্ষে সম্ভৱ-পৰ নহয় যেন দেখি ৰাণীয়ে সেই দিনাৰে পৰা হৃদয়ক মা ভব-তাৰিণীৰ নিত্য পূজাৰ কামত পূজাৰী নিযুক্ত কৰিলে। ইয়াৰ পিচত ৰাণী ৰাসমণী আৰু মথুৰ বাবু যিমান দিন জীৱাই আছিল প্ৰাণপণে ৰামকৃষ্ণৰ সেৱা কৰিছিল। মথুৰ বাবুৰ মৃত্যুৰ পিচতো তেওঁৰ পুতেক সকলে ৰামকৃষ্ণৰ সেৱাত অকণো একো ত্ৰুটি কৰা নাছিল।

---

# চতুৰ্থ অধ্যায়



মা ভৱতাৰিণীক বাৰম্বাৰ দেখিবলৈ পোৱাত ৰামকৃষ্ণৰ মনৰ ব্যাকুলতা বহুত পৰিমাণে কম হল। তেওঁ এতিয়া বুজিব পাৰিলে যে, তেওঁৰ লোভ আৰু অভিমান সমূলে বিনষ্ট হোৱা নাই, সেই কাৰণে মা কালীক ইচ্ছামতে যেতিয়াই তেতিয়াই দেখিবলৈ নাপায়। লোভ দূৰ কৰিবৰ মনেৰে ৰামকৃষ্ণই এখন হাতত এটা টকা আৰু আন হাতত এটা মাটিৰ :লদি লৈ গঙ্গাৰ পাৰত বহি এইদৰে নিজেই বিচাৰ কৰিব ধৰিলে—টকাৰে অনেক সৎকাম হয় সঁচা কিন্তু ইয়াৰ পৰা অনেক অসৎ কামও হয়। বিশেষকৈ টকা হাতত থাকিলে মানুহৰ খুব অহঙ্কাৰ আৰু অভিমান হয়। টকাৰ লোভ মনত বিন্দুমাত্ৰও থাকিলে ঈশ্বৰ লাভ নহয়। এতেকে যি ঈশ্বৰ লাভৰ চেষ্টা কৰে তেওঁক মাটিৰ লদিয়ে যেনেকৈ কোনো সহায় কৰিব নোৱাৰে তেনেকৈ টকাইও তেওঁক কোনো সহায় কৰিব নোৱাৰে। এতেকে এই টকা আৰু মাটিৰ লদিত কোনো বিভিন্নতা নাই। এইদৰে "টকাই মাটি আৰু মাটিয়েই টকা" বুলি ভাবোঁতে ভাবোঁতে যেতিয়া ঈশ্বৰ লাভৰ পথত টকা আৰু মাটিৰ মূল্য সমান বোধ হল তেতিয়া ৰামকৃষ্ণই মাটিৰ লদি আৰু টকা গঙ্গাৰ পানীত পেলাই দিলে। মনৰ পৰা অভিমান আৰু অহঙ্কাৰ ত্যাগ কৰাৰ নিমিত্তে ৰামকৃষ্ণই কিছুদিন

মগনীয়াৰ চুৱাপাত মূৰত লৈ ফুৰিছিল আৰু মেথৰতকৈ ডাঙৰ নহয়, এই ভাবি নিজ হাতেৰে পাইখানা পৰিষ্কাৰ কৰিছিল।

এইদৰে নানা সাধনা কৰোঁতে কৰোঁতে তেওঁৰ হৃদয় আৰু মন সম্পূৰ্ণৰূপে নিৰ্ম্মল হল, লোভ আৰু মান-অভিমান লেশ মাত্ৰও নাথাকিল। তেওঁৰ আচৰিত ৰকম বিনয় দেখি অতি দাম্ভিকৰো দম্ভ চূৰ্ণ হল আৰু তেওঁৰ লোভহীন চৰিত্ৰ দেখি অৰ্থ-লোভীৰ মোহ দূৰ হল। তেওঁ দুঃখীয়া মগনীয়াৰ নিচিনাকৈ দক্ষি-ণেশ্বৰৰ কালী মন্দিৰত পৰি আছিল। তেওঁক সামান্য মানুহ যেন ভাবি যেয়ে সেয়ে তেওঁৰ লগত ধৰ্ম্মালাপ কৰিছিল আৰু তেওঁৰ জ্ঞান-সাগৰৰ বিন্দুমাত্ৰ পান কৰি মানুহৰ জীৱন আচৰিত ৰকম পৰিবৰ্ত্তন হৈছিল।

এদিনাখন ৰামকৃষ্ণই মা কালীক কলে “ মা মই নিতান্ত মূৰ্খ, লিখা-পঢ়া একোকে নাজানোঁ, শাস্ত্ৰও নাজানোঁ ; দয়া কৰি মোক সকলো ধৰ্ম্মৰ আৰু সকলো শাস্ত্ৰৰ সাৰ মৰ্ম্ম জনাই দিয়া। ” জগজ্জননীয়ে প্ৰিয় পুত্ৰৰ মনোভিলাষ পূৰণ কৰাৰ নিমিত্তে ৰামকৃষ্ণক এটা এটাকৈ সকলো ধৰ্ম্মমতে সাধনা কৰাই সকলো ধৰ্ম্মেই এক ঈশ্বৰৰ কথা নানাৰূপে কৈছে,—এই মহা সত্য শিক্ষা দিলে। মা জগদীশ্বৰীৰ কৃপাত ৰামকৃষ্ণই বুজিব পাৰিলে যে সকলো ধৰ্ম্মমতেই ঈশ্বৰ লাভ কৰিব পাৰি—যিমান মত সিমান পথ।

এই সময়ত প্ৰথমে ৰামকৃষ্ণই তেওঁলোকৰ কুলদেবতা ৰঘুবীৰৰ আৰাধনাত নিযুক্ত হল। শ্ৰীশ্ৰীৰামচন্দ্ৰৰ প্ৰধান ভক্ত হনুমানে যি ভাবে ৰামক চিন্তা কৰিছিল ৰামকৃষ্ণেও ঠিক সেই ভাবে ৰঘুবীৰৰ উপাসনা কৰিবলৈ আৰম্ভ কৰিলে। আত্মবিস্মৃত হৈ তেওঁ এতিয়া নিজকে ৰামচন্দ্ৰৰ দাস হনুমান বুলি ভাবিবলৈ ধৰিলে। তেওঁৰ আকৃতি প্ৰকৃতি পৰিবৰ্ত্তন হৈ গল, তেওঁ হনু-মানৰ নিচিনা গছত উঠি বহি থাকে, বানৰৰ নিচিনা চঞ্চল হৈ গছৰ ডালত লাফালাফি কৰে, আন বস্তু একোকে নাখাই বাকলিৰে সৈতে কেৱল গছৰ ফল খাবলৈ ধৰিলে। তেওঁৰ এনেকুৱা অৱস্থা হোৱা দেখি ভাগিনিয়েক হৃদয় আদি কৰি সকলো আত্মীয় স্বজনৰ মনত বৰ ভয় হল। তেওঁক ভূতে পাইছে কোনে কোনোৱে বা এনেকুৱাও অনুমান কৰিব ধৰিলে।

ৰামকৃষ্ণৰ এনেকুৱা অৱস্থা শুনি মাক আৰু আন আত্মীয় স্বজন বৰ উদ্বিগ্ন হল। প্ৰথমবাৰ যেতিয়া তেওঁ অলপ শান্ত হল, তেতিয়া তেওঁলোকে ভাবিলে যে তেওঁ ৰোগমুক্ত হল। কিন্তু কিছুদিনৰ পিচত তেওঁ যেতিয়া আকৌ হনুমানৰ ভাবত আগৰ নিচিনা বিকট কাণ্ড কৰিব ধৰিলে, তেতিয়া চন্দ্ৰাদেবী আৰু ৰামেশ্বৰ দুয়োৰো মনত বৰ ভয় হল। সাধাৰণতেই কনিষ্ঠ সন্তানৰ প্ৰতি মাক বাপেকৰ বেছি মৰম আৰু স্নেহ থাকে তাতে আকৌ ৰামকৃষ্ণ বৰ সৰল প্ৰকৃতিৰ আছিল, চন্দ্ৰাদেবী বৰ অধীৰ হল। ৰামকৃষ্ণৰ অদ্ভুত ঘটনাবোৰৰ কথা শুনি চন্দ্ৰাদেবী দিনে দিনে বেছি

অধীৰ হব ধৰিলে। চন্দ্ৰাদেবীয়ে ৰামকৃষ্ণক কামাৰপুকুৰলৈ আনিবলৈ বহুত চেষ্টা কৰিব ধৰিলে। ইতিমধ্যে ৰামকৃষ্ণেও হনুমান ভাবত সিদ্ধিলাভ কৰিলে আৰু আগৰ নিচিনা শান্ত হৈ ঘৰলৈ আহিল।

ৰামকৃষ্ণ ঘৰলৈ অহা শুনি ওচৰচুবুৰীয়াবিলাক তেওঁক চাবলৈ আহিল। তেওঁলোকে দেখিলে যে ৰামকৃষ্ণৰ স্বভাৱ আগৰ নিচিনা সৰল আৰু মন আগৰ দৰে প্ৰফুল্ল হলেও তেওঁলোকৰ সেই সৰুকালৰ গদাই আৰু এতিয়া হৈ থকা নাই। এতিয়া তেওঁ ধৰ্ম্ম বিষয় বাদে আন বিষয়ৰ কথা নাপাতে, ভগৱানৰ ভাবত মগ্ন হৈ থাকে আৰু কেতিয়াবা ভাবত বিভোৰ হৈ অচেতন হয়। আত্মীয়-স্বজনে কবলৈ ধৰিলে যে এই বয়সতে ইমান ভাব ভক্তি হোৱা ভাল নহয়, যিমান সোনকালে পৰা যায় বিয়া কৰাই দিয়া উচিত। বিয়া কৰাই দিলে সংসাৰলৈ মন বহিব আৰু পাগলামিও অচিৰে দূৰ হব। আটাইয়ে এই পৰামৰ্শকে থিৰ কৰি কামাৰপুকুৰ গাওঁৰ চাৰি মাইল পশ্চিমে জয়ৰামবাটি গাওঁৰ শ্ৰীযুত ৰামচন্দ্ৰ মুখোপাধ্যায়ৰ পঞ্চম বৰ্ষীয়া কন্যাৰ লগত ৰামকৃষ্ণৰ শুভ-পৰিণয় ক্ৰিয়া সম্পন্ন কৰালে।

ঘৰলৈ আহিও ৰামকৃষ্ণই সদায় ধ্যান চিন্তাতি মগ্ন থাকিছিল। ৰাতি গাওঁৰ বাহিৰে থকা ভূতিৰ খালৰ পাৰলৈ নাইবা গাওঁৰ শ্মশানলৈ গৈ ধ্যান কৰিছিল। মানুহে তাত তেওঁৰ বহুত

অদ্ভুত ভৌতিক কাণ্ড দেখিছিল। কোনোৱে তেওঁৰ ওচৰলৈ গৈ ভয় খাব পাৰে এই ভাবি তেওঁ সেই সময়ত তাত কাকো থাকিবলৈ নিদিছিল।

ইয়াৰ কেইমাহ মানৰ পিচত ৰামকৃষ্ণই আকৌ কলি-কতালৈ আহিল। এই সময়ত এজনা বিখ্যাত সন্ন্যাসিনী আহি দক্ষিণেশ্বৰত আছিল। তেওঁ ৰামকৃষ্ণক দেখা মাত্ৰেই এজনা মহাপুৰুষ বুলি চিনি পালে আৰু তেওঁক তান্ত্ৰিক প্ৰণালী মতে সাধনা কৰিবলৈ শিক্ষা দিব ধৰিলে। তান্ত্ৰিক সাধনা অতি কঠোৰ, জটিল আৰু গোপনীয় দেখি ইয়াৰ প্ৰচাৰ জগতত খুব কমেই হৈছে। খুব উচ্চ ধৰণৰ সাধক নহলে ইয়াত সহজেই বিপথগামী হোৱাৰ আশঙ্কা। এই সাধন প্ৰণালীৰে অতি সহজে ঈশ্বৰ লাভ হয় বুলি শুনা যায় কিন্তু সেইবোৰ সাধন প্ৰণালীৰ নাম শুনিলেও মনত আতঙ্ক হয়।

এই জনা সন্ন্যাসিনী তন্ত্ৰ শাস্ত্ৰত অদ্বিতীয়া পণ্ডিত আছিল আৰু সাধন প্ৰণালীও খুব ভালকৈ জানিছিল। তেওঁৰ উপদেশ মতে ৰামকৃষ্ণই প্ৰধান ৬৪ খন তন্ত্ৰ শাস্ত্ৰৰ সমুদায় সাধন প্ৰণালীৰ এটা এটাকৈ প্ৰত্যেকটোতেই সিদ্ধিলাভ কৰিছিল। এই সময়ত কিমান যে অদ্ভুত কাণ্ড ঘটিছিল তাক কৈ ওৰ কৰিব নোৱাৰি। গোটেইদিন ৰামকৃষ্ণই নানা ভাবত বিভোৰ হৈ থাকিছিল আৰু সন্ন্যাসিনীয়ে সাধনাৰ দৰকাৰী বস্তুবোৰ বিচাৰি গোটাই

দিছিল। গধূলিৰ পৰা ক্ৰিয়া-কলাপ আৰম্ভ কৰি ৰাতিৰ শেষ ভাগতহে সাধনা সমাধা হৈছিল। তেওঁ কালী মন্দিৰৰ ঈশাণ কোণত থকা বেল গছৰ তলত পাচোঁটা মৰা মানুহৰ মূৰ পুতি "পঞ্চমুণ্ডী" আসন পাতিছিল আৰু তাত "শ্মশান সাধন" নামে জগতৰ আটাইতকৈ আচৰিত সাধনা কৰিছিল। গঙ্গাৰ পাৰত পঞ্চবটী আৰু তুলসী ৰুই তাৰ ওচৰত ৰামকৃষ্ণই নানাভাবে সাধনা কৰিছিল। তান্ত্ৰিক সাধনাত সিদ্ধিলাভ কৰাৰ পাচত তেওঁ বৈষ্ণৱ শাস্ত্ৰ অনুসাৰেও সাধনা কৰি ঈশ্বৰ লাভ কৰিছিল। শান্ত, দাস্য প্ৰভৃতি পাঁচ ভাবৰ প্ৰত্যেকেৰেই তেওঁ সাধনা কৰিছিল। আকৌ পাঞ্চৰাত্ৰ গৌড়ীয় প্ৰভৃতি বিভিন্ন পন্থাৰো তেওঁ অনুসৰণ কৰিছিল। সন্যাসিনীয়ে বৃন্দাবন-লীলাৰ গান গাইছিল আৰু ৰামকৃষ্ণই তাকে শুনি শুনি সমাধিমগ্ন হৈছিল। ৰামকৃষ্ণই যেতিয়া যি ভাবৰ সাধনা কৰিছিল তাৰ সকলো ৰকমৰ সাধন-প্ৰণালী আৰু নিয়ম-ক্ৰম আদি মানি চলিছিল। মধুৰ ভাবৰ সাধনৰ সময়ত ৰাধাৰ সখী ভাবি তেওঁ তিৰোতাৰ পোচাক পিন্ধিছিল আৰু কৃষ্ণ-প্ৰেমৰ নিমিত্তে দিনে ৰাতি ৰাধাৰ ওচৰত ব্যাকুলভাবে প্ৰাৰ্থনা কৰিছিল। শ্ৰীগৌৰাঙ্গৰ ধ্যান-চিন্তা কৰি তেওঁ শ্ৰীগৌৰাঙ্গৰ দৰ্শন পাইছিল আৰু ভাব-চকুৰে শ্ৰীগৌৰাঙ্গৰ মহা সংকীৰ্ত্তন শুনিছিল। হনুমান ভাবে তেওঁ শ্ৰীৰামচন্দ্ৰক উপাসনা কৰাৰ কথা আগেয়ে কৈ অহা হৈছে। এতিয়া তেওঁ বাৎসল্য ভাবে উপাসনা কৰি শ্ৰীৰামচন্দ্ৰক পাইছিল। ইয়াৰ পিচত শৈব মতে সাধনা কৰিও তেওঁ সিদ্ধিলাভ কৰিছিল।

সৱশেষত নাগা সম্প্রদায়ৰ উলঙ্গ সন্যাসী যতিৰাজ স্বামী শ্ৰীশ্ৰীমৎ তোতাপুৰী পৰমহংস পৰিব্ৰাজক মহাৰাজ নানা ঠাই ফুৰি ফুৰি দক্ষিণেশ্বৰত আহি উপস্থিত হলহি। তেওঁ ৰামকৃষ্ণক দেখি য়েই তেওঁক বেদান্ত-সাধনাৰ উপযুক্ত অধিকাৰী বুলি চিনি পালে। তেওঁ ৰামকৃষ্ণই জ্ঞানযোগ সাধন কৰিব নে বুলি সোধাত ৰামকৃষ্ণ স্বীকৃত হল। তেওঁ ৰামকৃষ্ণক যথাবিধি সন্যাস আৰু সন্যাসাশ্ৰমৰ নাম "ৰামকৃষ্ণ" দি বেদান্ত শাস্ত্ৰৰ উপদেশ দিবলৈ ধৰিলে। দুটা এটা উপদেশ দিয়োতেই তোতাপুৰীয়ে দেখিলে যে ৰামকৃষ্ণই একেবাৰে নিৰ্ব্বিকল্প সমাধিত মগ্ন হৈ গৈছে। যি সমাধি লাভ কৰিবলৈ তেওঁ চল্লিশ বছৰ প্ৰাণপণ চেষ্টা কৰিব লাগিছিল ৰামকৃষ্ণই তাক অনায়াসে দুই তিনি দিনতেই লাভ কৰা দেখি মহাজ্ঞানী তোতাপুৰী আচৰিত হল। প্ৰথমে তেওঁৰ ইচ্ছা আছিল যে দক্ষিণেশ্বৰত মাত্ৰ দুই দিন বা তিনি দিন থাকিব কিন্তু এই আচৰিত ধৰণৰ শিষ্যক পাই তেওঁ তাত প্ৰায় এবছৰমান থাকিল।

এইদৰে বাৰ বছৰৰ ভিতৰতেই ৰামকৃষ্ণই ভাৰতবৰ্ষৰ প্ৰচলিত সকলো ধৰ্ম্মমতৰ সাধনাত সিদ্ধিলাভ কৰিলে। এই বিলাক মতৰ একোটাত সিদ্ধিলাভ কৰোঁতে ৰামকৃষ্ণৰ তিনি চাৰি দিনৰ বেছি সময় নালাগিছিল। তেওঁ যেতিয়াই যি ভাবে সাধনা কৰিবলৈ ইচ্ছা কৰিছিল ভগৱানৰ কৃপাত তাৰ অনুকূল বস্তুবোৰ তেতিয়াই অনায়াসে পাইছিল। একো একো মতে সিদ্ধিলাভ কৰি কিছুদিনলৈ তেওঁ সেই ভাবত বিভোৰ হৈ

আছিল। তেতিয়া সেই মতৰ সিদ্ধ পুৰুষ সকল আহি তেওঁৰ লগত সেই বিষয়ে আলোচনা কৰিছিল আৰু তেওঁৰ উপদেশ গ্ৰহণ কৰিছিল। এই বাৰ বছৰৰ এক নিমিষো তেওঁ শোৱা নাছিল। সেই সময়ত তেওঁৰ খোৱা লোৱাৰ একো নিয়ম নাছিল, কেনেকৈ যে ৰাতিদিন গৈছিল তেওঁ তাক একো কব নোৱাৰিছিল আৰু অনেক সময়ত তেওঁৰ একো জ্ঞানেই নাছিল চুলিত জটা বান্ধিছিল। এক সময়ত পঞ্চবটীৰ তলত ধ্যানস্থ হৈ আছিল, চৰাইবিলাকে আন কিবা নিৰ্জীব বস্তু বুলি ভাবি তেওঁৰ মূৰত বহি খেলা কৰিছিল। আৰু এক সময়ত ইমান গভীৰ ধ্যানত মগ্ন আছিল যে মানুহে তেওঁৰ মৃত্যু হৈছে বুলি ভাবিছিল। সেই সময়ত ভাগ্যক্ৰমে এজন সাধু আহি কালী মন্দিৰত আছিল হি। সাধুজনে বুজিব পাৰিলে যে তেওঁৰ মৃত্যু হোৱা নাই সমাধিস্থ হে হৈছে। পিছে বহুত দিন এনেকুৱা অৱস্থাত থাকিলে মৃত্যু ঘটিব পাৰে, এই ভাবি তেওঁৰ ওচৰত ছয়মাহ থাকি অতি কষ্টেৰে সমাধি ভাঙিছিল। সাধনা কালত ৰামকৃষ্ণৰ এনেকুৱা কিমান যে অলৌকিক ঘটনা ঘটিছিল তাক এই সৰু পুথিত বৰ্ণনা কৰা অসম্ভব।

এই বিলাক কঠোৰ সাধনাত তেওঁৰ শৰীৰ আৰু মনৰ অৱস্থা আচুৰিত ৰকম পৰিবৰ্ত্তন হৈছিল। তেওঁৰ গাটো সৰুল'ৰাৰ গাৰ নিচিনা কোমল হৈছিল। আমি যেনেকৈ গৰম-চেঁচা অনুভৱ কৰিব পাৰোঁ ৰামকৃষ্ণই ঠিক তেনেকৈ আনৰ শৰীৰ আৰু

মনৰ পবিত্ৰতা বা অপবিত্ৰতা অনুভৱ কৰিব পাৰিছিল। কোনো অপবিত্ৰ মানুহে তেওঁক চুঁলে জুয়ে পোৰাৰ নিচিনা কষ্ট অনুভৱ কৰিছিল। টোপনিত থকাত কোনোৱে টকা বা মোহৰেৰে তেওঁৰ গা স্পৰ্শ কৰিলে তেওঁ শিঙি মাছে বিন্ধাৰ নিচিনা কষ্ট পাইছিল। তেওঁৰ মন সমুদায় জগতৰ দৰ্পণ স্বৰূপ আছিল। ভূত-ভবিষ্যৎ-বৰ্ত্তমান তেওঁৰ চকুৰ আগতে আছিল। মনৰ এনেকুৱা শক্তি হৈছিল যে ইচ্ছামাত্ৰে যি কোনো মানুহৰ মনত ধৰ্ম্ম-ভাব সুমাই দিব পাৰিছিল।

মুছলমান সকলে নো কি ভাবে ভগবানক লাভ কৰে তাক চাবলৈ তেওঁৰ এবাৰ ইচ্ছা হল। তেওঁ তিনি দিন সেই ভাবত থাকি বুজিব পাৰিলে যে, হিন্দুৰ ঈশ্বৰ আৰু মুছলমানৰ ঈশ্বৰ মূলত একেটাই কেৱল প্ৰণালী আৰু পথ ভিন। এনেকৈ খৃষ্টানৰ ভাবতো তিনি দিন থাকি বুজিলে যে এই ধৰ্ম্ম পথেৰেও ভগবানক পোৱা যায়।

সকলো প্ৰকাৰ সাধনাত সিদ্ধিলাভ কৰাৰ পিচত তেওঁৰ ভয়ানক পেটৰ অসুখ হল। বহুত প্ৰকাৰে চিকিৎসা কৰা হল কিন্তু একোতে একো নহল। পিচত বহুতে পৰামৰ্শ দিলে যে হাৱা-পানী বদলালে ভাল হব পাৰে। এই পৰামৰ্শ মতে মথুৰ বাবুৱে ভাগিনিয়েক হৃদয়ক লগত দি ৰামকৃষ্ণক নিজ ঘৰ কামাৰ-পুকুৰলৈ পঠিয়ালে। কিছুদিন ঘৰত থকাত পেটৰ অসুখ ভাল হল। তেতিয়া তেওঁ আকৌ কলিকতালৈ আহিল।

ইয়াৰ কিছুদিন পিচত মথুৰ বাবুৰ লগত তেওঁ কাশী, বৃন্দাবন প্ৰভৃতি তীৰ্থস্থান দৰ্শন কৰিবলৈ গৈছিল। কাশীৰ ৺বিশ্বনাথ দৰ্শন কৰিবলৈ যাওঁতে বাটতে শিৱৰ ধ্যান কৰোঁতে কৰোঁতে তেওঁ সমাধিস্থ হল। চৰ্ম্ম চক্ষুৰে বিশ্বনাথ দৰ্শন আৰু নহল, জ্ঞান চক্ষুৰে তেওঁৰ চিন্ময় মূৰ্ত্তি দেখিলে। কোনো দেৱতা দৰ্শন কৰিবলৈ গলে প্ৰায়ে তেওঁ এনেকুৱাকৈ সমাধিস্থ হয়, চৰ্ম্ম চক্ষুৰে আৰু দেৱতা দৰ্শন তেওঁৰ নহয়। কিন্তু জীৱন্ত ভগবানক হৃদয়ত যি দেখে তেওঁৰ আৰু শিলা মূৰ্ত্তি দেখাৰ দৰকাৰ কি! বৃন্দাবনত শ্ৰীকৃষ্ণৰ লীলাস্থল দেখি কৃষ্ণ কৃষ্ণ বুলি কাঁন্দি আকুল হৈছিল।

---

# পঞ্চম অধ্যায়।



ফুল ফুটিলে যেনেকৈ ভোমোৰাই ফুল বিচাৰি আহে ঠিক তেনেকৈ যাৰ হৃদয়ত ভগবান প্ৰকাশ পায় তেওঁৰ ওচৰলৈ সাধু আৰু ভক্ত সকল আপুনি আহে। ৰামকৃষ্ণৰ ওচৰলৈ ভাৰতবৰ্ষৰ সকলো ধৰ্ম্ম সম্প্ৰদায়ৰ সিদ্ধ পুৰুষ আৰু সাধুসকল যে আহিছিল তাক আগেয়ে উল্লেখ কৰি অহা হৈছে। এতিয়া কলিকতাৰ আৰু তাৰ ওচৰৰ ধৰ্ম্ম পৰায়ণ মানুহ মাত্ৰেই তেওঁৰ ওচৰলৈ আহিব ধৰিলে! নৰেন্দ্ৰনাথ দত্ত (বিখ্যাত স্বামী বিবেকা-নন্দ) প্ৰভৃতি প্ৰধান শিষ্যসকল এই সময়তে তেওঁৰ ওচৰলৈ আহে।

ব্ৰাহ্ম সমাজৰ কেশবচন্দ্ৰৰ লগত তেওঁৰ দেখা হোৱাত কেশবচন্দ্ৰই ৰামকৃষ্ণক পাঁচ বছৰীয়া ল'ৰাৰ দৰে সৰল ভাবে ভগবানক মা মা বুলি মাতা শুনি আৰু ভগবানৰ ওপৰত সম্পূৰ্ণ-ৰূপে নিৰ্ভৰ কৰা ভাব দেখি বৰ মুগ্ধ হল। তেওঁ তেওঁৰ খবৰ কাগজত এই আচৰিত সাধুৰ কথা প্ৰচাৰ কৰিব ধৰিলে। দলে দলে মানুহ গৈ তেওঁৰ কৰুণা-সৰলতা পূৰ্ণ পবিত্ৰ মূৰ্ত্তি, উদাৰ মন আৰু অদ্ভুত ঈশ্বৰাণুৰাগ দেখি জীৱন সাৰ্থক কৰিব ধৰিলে।

সেই সময়ত শিক্ষিত লোকসকল হিন্দু ধৰ্ম্মৰ মূলতত্ত্ব বুজিব নোৱাৰি প্ৰায় নাস্তিকেই হৈছিল। তেওঁলোকে ৰামকৃষ্ণৰ ওচৰলৈ গৈ দেখিলে যে ৰামকৃষ্ণ একেবাৰে ভগবানৰ ভাবত মগ্ন! তেওঁৰ

যদি ঈশ্বৰৰ কথা প্ৰসঙ্গ হয়, তেন্তে তেওঁলোক তাৰ পৰা আঁতৰি বাহিৰা কথাত যোগ দিয়েগৈ।

১৭। যাৰ যেনে ভাব তাৰ তেনে লাভ। ভগবান কল্পতৰু। তেঁওৰ ওচৰত যিয়ে যি বিচাৰে সি তাকে পায়। দুখীয়া মানুহৰ ল'ৰাই লিখা পঢ়া শিকি হাইকোৰ্টৰ জজ হৈ মনত ভাবে "মই বেছ আছোঁ"—ভগবানেও তেতিয়া কয়—"তুমি ভালে থাকা" কিন্তু সি যেতিয়া পেঞ্চন লৈ বহে তেতিয়াহে সি বুজিব পাৰে মই এই জীৱনত কৰিলোঁ কি! ভগবানেও তেতিয়া কয় হয়তো তুমি কৰিলা কি?

১৮। কামিনী কাঞ্চনেই মায়া—ইয়াৰ ভিতৰত বহুদিন থাকিলে একো হুস্ নাথাকে! মনতে ভাবোঁ বেছ আছোঁ। মেটৰে গুৰ ভাৰ বয়; বৈ বৈ তাৰ আৰু ঘৃণা নাথাকে।

১৯। মায়াৰ স্বভাৱ পানীৰ পুনিৰ নিচিনা। ঢৌ দিলে পুনিবোৰ আঁতৰি যায়, অলপ পিচতে আকৌ আপুনি লগ লাগেহি।

২০। যেতিয়ালৈ কৰ্ম্মত আশক্তি থাকে তেতিয়ালৈ ঈশ্বৰে দেখা নিদিয়ে। মাকৰ পাঁচোটা ল'ৰা আছে। তেঁও কাকো খেল্না, কাকো পুতলা, কাকো বা খোৱা বস্তু দি ভুলাই

ৰাখে। ইয়াৰ ভিতৰত যিটোৱে খেল্‌না পেলাই মা ক'ত বুলি কান্দে, তেঁও তৎক্ষণাৎ তাকেহে কোলাত লৈ শান্ত কৰে।

২১। যাৰ মন সংকীৰ্ণ তেঁওয়েই আনৰ ধৰ্ম্মক নিন্দা কৰে আৰু নিজৰ ধৰ্ম্ম শ্ৰেষ্ঠ বুলি দল পকায়। কিন্তু যি ঈশ্বৰানুৰাগী কেৱল সাধন ভজন কৰি থাকে তেঁওলোকৰ ভিতৰত কোনো দলা দলি নাথাকে ; পুখুৰীত বা বিলত দল জন্মে, নদীত কেতিয়াও নজন্মে।

২২। তিনি টান হলে তেঁও দেখা দিয়ে। যেনেকৈ সতীৰ পতিত, কৃপণৰ ধনত, বিষয়ীৰ বিষয়ত—এনেকুৱা টান যেতিয়া ভগবানৰ প্ৰতি হয় তেতিয়াহে ভগবান লাভ হয়।

২৩। বতাহত পানীত ঢৌ উঠিলে যি দৰে আচল প্ৰতিবিম্ব নেদেখি ; সেই দৰে মন থিৰ নহলে তাত ভগবান প্ৰকাশ নহয়।

২৪। ধ্যান কৰিবা মনত, কোণত আৰু বনত। সদায় সদ-সৎ বিচাৰ কৰিবা। ঈশ্বৰেই সৎ, নিত্য বস্তু ; আন সকলো অসৎ, অনিত্য—এনেকুৱাকৈ বিচাৰ কৰি কৰি মনৰ পৰা অনিত্য বস্তুক ত্যাগ কৰিবা।

২৫। সগুণ আৰু নিৰ্গুণ কি জানানে ? যেন আকাশ, আঁতৰৰ পৰা চালে নীলা দেখি কিন্তু ওচৰলৈ গলে কোনো ৰং

নেদেখি আৰু সমুদ্ৰৰ জল দূৰৰ পৰা চালে নীল বৰণৰ দেখি কিন্তু হাতত তুলি ললে পৰিষ্কাৰ দেখি।

২৬। সেৱাই শ্ৰেষ্ঠ ধৰ্ম্ম। সৰ্ব্ব ভূতত নাৰায়ণ আছে, ইয়াকে ভাবি সকলোকে সেৱা কৰিব লাগে।

[ অন্ত ]

যোৰহাট ৰামকৃষ্ণ সেৱা-সমিতিৰ পৰা
প্ৰকাশ কৰিব খোজা কিতাপ ঃ—

১। স্বামী বিবেকানন্দৰ চমু জীৱনী।
২। স্বামী বিবেকানন্দৰ চিকাগো বক্তৃতা
৩। শ্ৰীশ্ৰীৰামকৃষ্ণ আৰু তেওঁৰ ধৰ্ম্ম।

প্ৰাপ্তিস্থান ঃ—ৰামকৃষ্ণ সেৱা-সমিতি,
যোৰহাট।